# অস্তিত্বৰ শিকলি

নগেন শইকীয়া

গুৱাহাটী বুক ষ্টল
গুৱাহাটী-৭৮১০০১




ASTHWAR SIKALI

A Collection of Short Stories written by Nagen Saikia and Published by Bangshidhar Sarmah M/s. Gauhati Book Stall, Gauhati-3. Price Rupees Five only.





। প্ৰকাশক : শ্ৰীবংশীধৰ শৰ্মা ● গুৱাহাটী বুক ষ্টল ● শিলপুখুৰী ● গুৱাহাটী-৩ ।

। প্ৰথম প্ৰকাশ : মাৰ্চ, ১৯৭৬ চন ।

। বেটুপাতৰ ছবি আৰু অংগসজ্জা : বেণু মিশ্ৰ ।

। ছপা : শ্ৰীঅজিত কুমাৰ ৰায় ● শ্ৰীসাৰদা প্ৰিণ্টিং ● ঘোষ লেন ● কলিকতা-৬ ।

। বন্ধা : শ্ৰীশিৱসাধন ঘোষ ● জবা বাইণ্ডিং ৱৰ্কচ্ ● কলিকতা-৬ ।

। মূল্য : পাঁচ টকা মাথোন ।

"জানি—তবু জানি
নারীর হৃদয়-প্রেম-শিশু-গৃহ নয় সব খানি;
অর্থ নয়, কীর্তি নয়, স্বচ্ছলতা নয়—
আরো এক বিপন্ন বিস্ময়
আমাদের অন্তর্গত রক্তের ভিতরে
খেলা করে;
আমাদের ক্লান্ত করে—
ক্লান্ত—ক্লান্ত করে।"



বহুতে ভবাৰ দৰে—আংগিকৰ পৰীক্ষা-নিৰীক্ষাৰ বাবে মই গল্প লিখা নাই; বৰং বিষয়বস্তুৰ বাহাৰ ওপৰতহে আংগিক আৰু প্ৰকাশ-ৰীতিক নিৰ্ভৰ কৰিবলৈ দিছোঁ। পাঠকৰ আনন্দ নিশ্চয় সকলো লেখকৰে কাম্য; কিন্তু লিখাৰ সময়ত কোনোবা পাঠকে ভাল পাব আৰু কোনোবাই বেয়া পাব—এই ভাবি মই লিখা নাই। 'অস্তিত্বৰ শিকলি'ত সন্নিবিষ্ট গল্পকেইটাৰ জন্মৰ সময়—সপ্তম দশকৰ শেষৰ আৰু অষ্টম দশকৰ প্ৰথমৰ সময়ছোৱা।

'গুৱাহাটী বুক ষ্টল'ৰ স্বত্বাধিকাৰী শ্ৰীবংশীধৰ শৰ্মাৰ অনুৰোধতে সংকলনটি যুগুতাই দিছিলোঁ '৭৩ চনতে। নানা অসুবিধাত তেখেতে প্ৰকাশ কৰিব পৰা নাছিল। এতিয়া সংকলনটিৰ প্ৰকাশ সম্ভৱ কৰি তোলাৰ বাবে শ্ৰীশৰ্মা ধন্যবাদাৰ্হ। তেখেতৰ প্ৰতিষ্ঠানৰ দীৰ্ঘ-জীৱন কামনা কৰিলোঁ।

নগেন শইকীয়া

## ॥ অস্তিত্বৰ শিকলি ॥

# অন্তিম-অপেক্ষা

ডাঠ পকা বেৰ আৰু বাবাণ্ডাত শিৰকটা ডাঠ পকা খুটা, দুৱাৰ আৰু খিৰিকীৰ ওপৰ অংশত অৰ্দ্ধবৃত্তাকাৰ খাজ, বিৰ্বণ হৈ যাব ধৰা ক্ৰিম বং আৰু প্ৰায় শব্দহীন পৰিবেশ। গেট বন্ধ, আগফালৰ দুৱাৰ-খিৰিকী বন্ধ, লনত এবুকু নহলেও এক আঁঠু ঘাঁহ আৰু চাৰিওফালে পকাবেৰ। মাজে মাজে ভিতৰফালে পোহৰৰ আভাস আৰু সেই পোহৰ হেৰাই যোৱাৰ আশংকা। নিঃশব্দতা আৰু বিস্তৃত শূন্যগৰ্ভৰ আভাস। বাটেদি যোৱা গাড়ীৰ শব্দ, মানুহৰ শব্দ, বেলৰ ঘৰ্ ঘৰ্ আৰু উকি—পিচফালৰ বাবাণ্ডাত দুখন ইজি-চেয়াৰত নিঃশব্দে বহি থকা বৃদ্ধ আৰু বৃদ্ধা—যাৰ মুখ দুখন ঈষৎ আন্ধাৰত চিনিব নোৱাৰি, বহি আছে।

বৃদ্ধ॥ আজি সোমবাৰ, সপ্তাহৰ আৰম্ভৰ তাৰিখ।

বৃদ্ধা॥ [ নিৰুত্তৰ ]

বৃদ্ধ॥ মোৰ জন্মবাৰ।

বৃদ্ধা॥ আজি বুধবাৰ, মোৰ জন্মবাৰ।

বৃদ্ধ॥ [ নিৰুত্তৰ ]

বৃদ্ধা॥ যোৱা সোমবাৰে অকণৰপৰা চিঠি পাইছিলোঁ, সি বৰ্ল্ড বেংকত চাকৰি পোৱাৰ সম্ভাৱনাৰ কথা কৈছিল।

বৃদ্ধা॥ আজি বুধবাৰ। আমাৰ বিয়াৰ তাৰিখ।

বৃদ্ধ॥ বিয়া? কাৰ বিয়া?

বৃদ্ধা॥ মোৰ বিয়া।

বৃদ্ধ॥ তোমাৰ বিয়া? কাৰ লগত?

বৃদ্ধা ॥ [ সোঁতোৰা পৰা মুখ-চকুত ক্ষীণ লাজৰ আভাস ] নাম মনত নাই। সোণালী ৰং, কোমল চকু, ক'লা চুলি, মিহি কোমল মুখ……

বৃদ্ধ ॥ [ এটা নিশ্বাস পেলায় ] আচৰিত !

বৃদ্ধা ॥ কি আচৰিত ?

বৃদ্ধ ॥ সোণালী ৰং, কোমল চকু, ক'লা চুলি, মিহি কোমল মুখ—নাম মনত নাই।

বৃদ্ধা ॥ কি হৈছিল ?

বৃদ্ধ ॥ বিয়া।

বৃদ্ধা ॥ কাৰ বিয়া ?

বৃদ্ধ ॥ মোৰ।

বৃদ্ধা ॥ আচৰিত।

দুয়োৰে নিশ্বাস পৰে আৰু নিমাত হয়। পিচফালৰ চোতালৰ ওপৰত কাপোৰ মেলিবলৈ আঁৰি দিয়া এডাল তাঁৰত এটা চৰাই পৰেহি। দুয়োৰে চকু চৰাইটোত নিবদ্ধ হয়। দুয়োৰে মাজত যেন বিশাল নীৰৱতাৰ প্ৰাচীৰ। চৰাইটোলৈ চাই চাই হঠাৎ বৃদ্ধাৰ চকুত উজ্জ্বলতা ফুটি উঠে। বৃদ্ধাই আপোনমনে কৈ উঠে : ঠিক এনেকুৱা এটা নিৰ্জন সময়তে তেওঁ আহিছিল—সোণালী ৰং,· কোমল চকু, ক'লা চুলি, মিহি কোমল মুখ। এটা চঞ্চলতাই তেওঁৰ চকুৰ মণিত খেলা কৰিছিল, শৰীৰত খেলা কৰিছিল। তেওঁৰ দৃষ্টি মাজে মাজে তীব্ৰ হৈছিল, অসহিষ্ণু·হৈছিল। কাৰণ তেওঁ কৈছিল :

তেওঁ ॥ মই বেছি সময় নাথাকোঁ, মোৰ বৰ জৰুৰী কাম আছে। তোমাক চাই যাবলৈ আহিলোঁ। কাৰণ ॥

মই ॥ কাৰণ, তোমাৰ পৰীক্ষাৰ বাবে বেছি দিন নাই। পঢ়া। এই কেইদিন ভালকৈ পঢ়া। দেউতাই কি কৈছে জানা ? দেউতাই কৈছে তোমাৰ পৰীক্ষাৰ পিচতেই (এটা মধুৰ লাজৰ আৱৰণে যেন চকু-মুখ ঢাকি ধৰে)…তোমাৰ দেউতাৰ লগত কথা পাতিব।

কি হ'ল ? তুমি হাঁহিছা যে ? তোমাৰ, তোমাৰ অকণো বাক ভাল লগা নাইনে ?

তেওঁ ॥ ভাল লাগিছে, ভাল লাগিছে। কিমান ভাল লাগিছে মই কেনেকৈ বুজাওঁ ? কিন্তু, কিন্তু মোৰ পৰীক্ষা,—অ' ইও এটা পৰীক্ষা। কিন্তু ইটো পৰীক্ষা দিয়া নহব।

মই ॥ (আচৰিত হৈ) তুমি কি কৈছা ? কিহৰ পৰীক্ষা ? কোনটো পৰীক্ষা দিয়া নহব ?

তেওঁ ॥ নাই, নাই, তেনেকুৱা কোনো কথা কোৱা নাই। কি যে কথাবোৰ মুখেৰে ওলাই যায়।

মই ॥ নাই, তুমি মোৰপৰা কথা লুকুৱাইছা। তুমি ক'ব লাগিব' তুমি ক'ব লাগিব।

মই তেওঁৰ হাতত থাপ মাৰি ধৰিলোঁ। মোৰ চকুপানী বাগৰি আহিবলৈ ধৰিলে। তেওঁ বৰ ইতস্ততঃ কৰিবলৈ ধৰিলে। আৰু মোলৈ স্থিৰ দৃষ্টিৰে চাই ক'লে :

তেওঁ ॥ তুমি মোক ভালপোৱা ?

মই ॥ (নিৰুত্তৰ)

তেওঁ ॥ কোৱা ! সঁচাকে তুমি মোক ভালপোৱা ?

মই ॥ (উচুপি উচুপি) তুমি কি ক'ব খুজিছা ? মোক তুমি কি কৰিব খুজিছা ?

তেওঁ ॥ মোৰ কি ভালপোৱা তুমি ? স্বাস্থ্য, চেহেৰা, সম্ভাৱনাময় ভবিষ্যৎ, নে এইবোৰ নেথাকিলেও কেৱল মোক ?

মই ॥ তুমি সদায় 'তুমিয়েই' মোৰ বাবে। তুমি কি মই ক'ব নোৱাৰোঁ......।

তেওঁ ॥ চোৱাঁ, মোৰ চকুলৈ চোৱাঁ (আঃ কি মধুৰ তেওঁৰ কণ্ঠ)। ধৰা মই যদি পৰীক্ষা নিদিওঁ ? মই যদি চাকৰি নকৰোঁ ? মই যদি আন্দোলনত যোগ দিওঁ ? তেতিয়াও তুমি মোক ভাল পাবানে ?

মই ॥ নাই, নাই, তুমি আন্দোলন কৰিব নোৱাৰা—তুমি